## বৰ্ণানুক্ৰমিক সূচী

## পৰিশিষ্ট

### সীমান্তৰ জনজাতিসমূহৰ বিষয়ে চমু টোকা

**আদি**—অসমত আবৰ নামেৰে জনাজাত লোকসকলে আদি বুলি পৰিচয় দিয়ে। সীমান্তৰ চিয়াং আৰু লোহিত বিভাগত এওঁলোকৰ নিবাস। আদিসকলৰ মাজত কেবাটাও সম্প্ৰদায় বা উপবিভাগ আছে।

**আপাটানি**—আপাটানিবিলাক সীমান্তৰ সোৱণশিৰি বিভাগৰ অধিবাসী। এওঁলোকৰ জনসংখ্যা ন-দহ হেজাৰ মান হে হ'ব। বিশ বৰ্গমাইলমানৰ এডোখৰ ঠাইত থূপ পাতি বাস কৰা আপাটানিবিলাক দেখাত ডফলাৰ দৰে হ'লেও, এওঁলোকৰ নাকৰ ওপৰত থকা ক'লা আঁচটোৰে বেলেগ বুলি চিনাকি কৰি দিয়ে। এওঁলোকৰ অন্য এটা বিশেষত্ব বেতেৰে গুঁঠি এডাল নেজ লগাই লোৱাটো। উত্তৰ লখীমপুৰ নগৰৰ আশে-পাশে খৰালি এওঁলোকক দেখা যায়। স্থানীয় লোকে এওঁলোকক অঁকাহে বোলে।

**ছেৰডুক্‌পেন**—সীমান্তৰ কামেং বিভাগৰ দুখন গাঁৱত ছেৰডুক্‌পেনবিলাকৰ বসতি। জনসংখ্যা পোন্ধৰশমান হে হ'ব। এওঁলোক তিব্বতৰপৰা সীমান্ত অঞ্চললৈ আহি বসতি কৰাৰ এটা প্ৰবাদ আছে। এওঁলোকৰ মাজত দুটা সম্প্ৰদায় আছে, দুয়োটাৰ ভিতৰত বিয়া-বাৰু নহয়। অন্যান্য জনজাতীয় লোকৰ দৰে এওঁলোকৰ সমাজত আবিবৈয়া ডেকা-গাভৰুৰ বাবে সামুহিক মৰুপ নাই। এওঁলোকে জুম্ খেতিৰ বাহিৰেও হাল বাই মাটি চহাই খেতি কৰে।

**চিংফৌ**—টিৰাপ আৰু লোহিত বিভাগত বাস কৰা চিংফৌসকল অষ্টাদশ শতিকাত ব্ৰহ্মদেশৰ ইৰাৱতী উপত্যকাৰপৰা অহা বুলি জনা যায়। এওঁলোক যুদ্ধপ্ৰিয় বলিষ্ঠ জাতি। চিংফৌ পুৰুষে চুলিকোছা মূৰৰ ওপৰলৈ নি খোপা বান্ধি থয়। তিৰোতাসকলে প্ৰায়ে পাগুৰি মাৰে। এওঁলোক বৌদ্ধধৰ্ম্মৰ অনুগামী।

**খামটি**—ব্ৰহ্মদেশৰ ইৰাৱতী উপত্যকাৰ বৰখামটি নামে ঠাইৰপৰা এওঁলোক অসমলৈ অহা বুলি কোৱা হয়। এওঁলোকৰ ভাষা তাই-গোষ্ঠীৰ। নিজা লিপিও আছে। এওঁলোক বৌদ্ধধৰ্ম্মৰ হীনযান-পন্থী। খামটিসকল

পাকৈত শিল্পী আৰু বেপাৰ-বাণিজ্যত পটু। উত্তৰ লখীমপুৰৰ নাৰায়ণপুৰ অঞ্চলতো কেৰাখনো থামটি গাঁও আছে।

**গালং**—চিয়াং আৰু সোৱণশিৰি বিভাগত বাস কৰা বহুত জনজাতীয় সম্প্ৰদায়ক গালং বোলা হয়। এওঁলোকৰ সমাজ-ব্যৱস্থা ফৈদ হিচাপে। এখন গাঁৱত এটা ফৈদৰ মানুহহে থাকে। গালংবিলাকে দীঘলীয়াকৈ চুলি ৰাখে। ওপজাৰ আগতে গালং ল'ৰা বাগদত্ত হয়। গালং সমাজত ৰাজহুৱা মুচুপ্ নাই।

**টাগিন**—সীমান্তৰ চিয়াং বিভাগৰ পশ্চিমফালে আৰু সোৱণশিৰি বিভাগৰ দুৰ্গম অঞ্চলত সিচৰিত ভাবে এওঁলোকৰ বাস। এওঁলোকে অচিনাকি মানুহক ঘোৰ সন্দেহ কৰে। এওঁলোকৰ জীৱনযাত্ৰা অতিশয় কঠোৰ।

**ডফলা**—সীমান্তৰ সোৱণশিৰি বিভাগৰ পশ্চিম আৰু কামেং বিভাগৰ পূবৰ দুৰ্গম অঞ্চলত বসতি কৰা কেবাটাও জনজাতীয় সম্প্ৰদায়ৰ লোকক ভৈয়ামৰ মানুহে ডফলা আখ্যা দিছে। অসম বুৰঞ্জীত ডফলাৰ সৈতে হোৱা আহোম ৰজাৰ যুদ্ধৰ উল্লেখ পোৱা যায়। এওঁলোক বেতৰ কামত পাকৈত। উত্তৰ লক্ষীমপুৰ আৰু তেজপুৰ মহকুমাৰ ভৈয়ামৰ অনেক ঠাইত ডফলা গাঁও আছে।

**ধাম্মাই বা মিজি**—অইন মানুহে মিজি বোলে যদিও এওঁলোকে নিজকে ধাম্মাই বুলিহে চিনাকি দিয়ে। কামেং বিভাগৰ পঁচিশখন গাঁৱত এওঁলোকৰ বাস। ধাম্মাই সমাজত থকা প্ৰবাদমতে এওঁলোক পূৰ্ব্বতে ভৈয়ামৰ অধিবাসী আছিল, পিছতহে পৰ্ব্বতলৈ গ'ল। এওঁলোকৰ ওপৰত বৌদ্ধধৰ্ম্মী মনপা সমাজৰ প্ৰভাৱ কিছু দেখা যায়। ধৰ্ম্মাইৰ ভিতৰত দুটা সম্প্ৰদায়—এটা ন্যুবু আৰু ইটো ন্যুলু। দুয়োটা সম্প্ৰদায়ৰ মাজত বিয়া-বাৰু নচলে।

**নক্টে**—টিৰাপ বিভাগৰ খুনচাৰ কাষৰে-পাজৰে এওঁলোকৰ বসতি। এওঁলোকৰ ওপৰত অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ পৰিছে আৰু এওঁলোকে বৈষ্ণৱ ধৰ্ম্মৰ অনুগামী।

**পৰ্ব্বতীয়া মিৰি**—ডফলা আৰু আপাটানিৰ সৈতে কিছু সাদৃশ্য থকা সোৱণশিৰি বিভাগৰ উত্তৰাঞ্চলত বাস কৰা বহুত ফৈদৰ জনজাতিক পৰ্ব্বতীয়া মিৰি নামেৰে অভিহিত কৰা হয়।

**ফোম**—ফোমবিলাক কন্যাক আৰু চাঙৰ সৈতে সাদৃশ্য থকা এটা সংখ্যালঘিষ্ঠ জনজাতি।



**বৰি**—বৰিবিলাক আদি জনজাতিৰে এটা ঠাল। এওঁলোকে সূতাৰ আৰু উলৰ ভাল কাপোৰ বব জানে। চিকাৰ আৰু বেপাৰ-বাণিজ্য দুয়োটাতে এওঁলোক পাকৈত। এওঁলোকে ভৈয়ামৰপৰা বস্তু কিনি নি মিএঃং গালং আৰু অন্যান্য জনজাতিৰ মাজত বেচে।

**বুগুন বা খোৱা**—ছেৰ্‌দুকৃপেন আৰু আঁকাবিলাকৰ মাজত সংখ্যাত মুষ্টিমেয় ( প্ৰায় পোন্ধৰ শ ) বুগুন বা খোৱাবিলাকৰ বাস। এওঁলোক আঁকাবিলাকৰ প্ৰভাৱাধীন আৰু ছেৰদুকৃপেনৰ ওচৰত ধৰুৱা। বয়ন-শিল্পৰ প্ৰচলন নাই। বৌদ্ধধৰ্ম্মৰ সামান্য প্ৰভাৱ এওঁলোকৰ ওপৰত দেখা যায়।

**মনপা**—কামেং বিভাগৰ উত্তৰ-পূব অঞ্চলত বসতি কৰা সংখ্যাগৰিষ্ঠ ( প্ৰায় বিশ হাজাৰ ) মনপাবিলাকৰ বৈশিষ্ট্য আছে। এওঁলোকে তিব্বতৰ লামা-পন্থী বৌদ্ধধৰ্ম্ম অনুসৰণ কৰে। মনপাই জুম্ খেতিৰ বাহিৰেও মাটি চহাই খেতি-বাতি কৰে। সীমান্তৰ জনজাতিৰ ভিতৰত কেৱল এওঁলোকেই ঘিঁউ প্ৰস্তুত কৰে আৰু গাখীৰ খায়। তিব্বত আৰু ভোটানৰ সৈতে এওঁলোকে বেপাৰ-বাণিজ্য কৰে। মনপাৰ নাচ আৰু নাচৰ মুখা চাব লগীয়া। টোৱাং মঠ এওঁলোকৰ প্ৰধান ধৰ্ম্মকেন্দ্ৰ।

**মোকলুম্**—ব্ৰহ্মদেশৰ সীমান্তত টিৰাপ বিভাগত টাংচা জনজাতিৰ বাস। টাংচাসকলৰ ব্ৰহ্মদেশৰ কোনো কোনো সম্প্ৰদায়ৰ সৈতে সাংস্কৃতিক যোগ দেখা যায়। মোকলুমবিলাক টাংচা জনজাতিৰে এটা শাখা।

**মিএঃং**—চিয়াং বিভাগৰ চিয়াং নৈৰ দুয়োপাৰে এওঁলোকৰ বসতি। মিএঃংসকল আদি জনজাতিৰে এটা ঠাল। এওঁলোকৰ গাঁওবোৰ ডাঙৰ। মিএঃং সমাজৰ ব্যৱস্থা গণতান্ত্ৰিক আৰু কেবাঙৰ ( পঞ্চায়ত সভা ) দ্বাৰা শাসিত। ডেকাসকলৰ বাবে ৰাজহুৱা মুচুপ্ আছে।

**মিচিমি**—দাইকৈ লোহিত উপত্যকাত মিচিমিবিলাকৰ বাস। এওঁলোক ব্ৰহ্মদেশৰপৰা অহা বুলি এটা প্ৰবাদ আছে। মিচিমিবিলাকৰ কেবাটাও শাখা বা ঠাল আছে। তাৰ ভিতৰত **টেৰাওন** বা **ডিগাৰু মিচিমি**, **ইদু মিচিমি বা চুলিকটা মিচিমি** আৰু **কামান মিচিমি** প্ৰধান। ইদু-মিচিমিবিলাকে বাটিৰ দৰে আগফালে ঘূৰণীয়াকৈ চুলি কাটে বাবে এওঁলোকক চুলিকটা মিচিমি বোলা হয়।

**ইদু মিচিমি**বিলাক চেহেৰা-পাতি আৰু ঐতিহ্যৰ ফালৰপৰা পাদম ( আদি )-বিলাকৰ সৈতে প্ৰায় একে; কিন্তু এওঁলোকৰ ৰাজহুৱা মচুপ্ আৰু

আনুষঙ্গিক নাচ-গান নাই। ইহঁতবিলাকৰ ঘৰবোৰ ঠেক আৰু দীঘলীয়া; একেটা ঘৰতে বহুত মানুহ থাকে। এওঁলোকৰ সমাজত দাস ৰখা প্ৰথা অলপ আগলৈকে চলি আছিল।

**ডিগাৰু মিচিমি**বিলাক দেখাত কামান মিচিমিৰ সৈতে একে হলেও এওঁলোকৰ ভাষা বেলেগ। এওঁলোকে এহাতে তিব্বতৰ সৈতে আৰু আনহাতে অসমৰ সৈতে বেপাৰ-বাণিজ্য কৰে। মিচিমি তিতা, মৌ-শিতা, ৰবৰ, হাতী দাঁত আদি এওঁলোকৰ প্ৰধান পণ্য।

**কামান মিচিমি**বিলাক ব্ৰহ্মদেশৰ কাচিন পাহাৰৰপৰা অসমৰ লৌহিত্য উপত্যকালৈ কেইশমান বছৰৰ আগেয়ে অহা বুলি কোৱা হয়। এওঁলোকে দীঘল চুলি ৰাখে, ধুনীয়া কাপোৰ বয়। খেতি-বাতিতকৈ বেপাৰতহে বেছি ৰাপ।

**ৱাঞ্চো**—টিৰাপ বিভাগৰ দক্ষিণ অঞ্চলত ৱাঞ্চো জনজাতিৰ বাস। এওঁলোকৰ সমাজত শ্ৰেণীভেদ সুস্পষ্ট। দলৰ বা ফৈদৰ মুখিয়ালসকলৰ প্ৰতিপত্তি অসীম। কন্যাকবিলাকৰ দৰে এওঁলোকেও মৃতকৰ শ মুকলি ঠাইত পেলাই দিয়ে। এওঁলোকে কাঠৰ নানা প্ৰকাৰ ধুনীয়া ধুনীয়া বস্তু সাজে।

**হ্ৰুচ্চো বা আঁকা**—মুখত ক'লা আঁক আঁকি লোৱা বাবে হ্ৰুচ্চোবিলাক আঁকা (অৰ্থাৎ চিত্ৰিত) বুলি প্ৰখ্যাত। সীমান্তৰ কামেং বিভাগত বাস কৰা আঁকা জনজাতিৰ সংখ্যা এহেজাৰমান হে হ'ব। এওঁলোকে একোটা দীঘলীয়া ঘৰ সাজি বহুত মানুহ একেটা ঘৰতে থাকে। আঁকাবিলাক চতুৰ বেপাৰী। ভোটান আৰু অসমৰপৰা বস্তু কিনি এওঁলোকে অন্যান্য জনজাতিৰ মাজত বেচে। হিন্দুধৰ্ম্ম আৰু বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ এওঁলোকৰ ওপৰত সামান্যভাৱে দেখা যায়। *

---

* ড° ভেৰিয়াৰ এলুইনৰ "উত্তৰ-পূব সীমান্তৰ সাধু" নামে গ্ৰন্থৰ সহায়ত টোকাটি প্ৰস্তুত কৰা হৈছে। অসম সাহিত্য সভাই প্ৰকাশ কৰা "অসমৰ জনজাতি" নামে গ্ৰন্থত অসম, নগাভূমি আৰু উত্তৰ-পূব সীমান্তৰ জনজাতিৰ বিষয়ে সবিশেষ পোৱা যাব। সম্পাদক